# জীৱস্তুতি।

ৰাম কন্দলী ভণিত।

শ্রীযোগেশ্বৰ সন্দিকৈ দ্বাৰা

প্রকাশিত।

যোড়হাট—আসাম।

কলিকতা,

১২২ নং আমহাষ্ট ষ্ট্রীটস্থ "ৰাধাৰমণ যন্ত্রে

শ্রীনৃত্যগোপাল চক্রবর্ত্তীৰ দ্বাৰা

ছপা কৰা হ'ল।

# জীৱস্তুতি।

ৰাম কন্দলী ভণিত।

শ্ৰীযোগেশ্বৰ সন্দিকৈ দ্বাৰা

প্ৰকাশিত।

যোৰ্হাট—আসাম।

কলিকতা,

১২২ নং আমহার্ষ্ট ষ্ট্ৰীট "ৰাধাৰমণ যন্ত্রে"

শ্ৰীনৃত্যগোপাল চক্ৰবৰ্ত্তীৰ দ্বাৰা ছপা কৰা হ'ল।

মূল্য—৶০ তিন আনা।

# জীৱস্তুতি।

---

কৃষ্ণায় বাসুদেবায় দৈৱকী নন্দনায়চ।
নন্দগোপ কুমাৰায় গোবিন্দায় নমো নমঃ॥

## শ্ৰীকৃষ্ণায় নমঃ।

জয় জয় কৃষ্ণ দেব তোমাৰ পাৱত।
কোটি কোটি নমস্কাৰ কৰোহোঁ সতত॥
তাত পাছে শঙ্কৰৰ চৰণ বন্দোহো।
জীৱৰ মঙ্গলময় কথাক ৰচোহো॥
সংসাৰী জীৱৰ জানা নাহিকয় পাৰ।
কৰিলন্ত দ্বিজে হৰি ভকতি প্ৰচাৰ॥
তাহান চৰণ যুগে কৰি নমস্কাৰ।
জীৱৰ স্তুতিৰ পদ কৰিবো প্ৰচাৰ॥
পুছিলন্ত দেৱহুতি কপিল পুত্ৰত।
কহিয়োক জীৱৰ সংসাৰ কেন মত॥
কপিলে বোলন্ত আঈ শুনিয়ো উত্তৰ।
কতনো নিকাৰ কৈবো দুখীয়া জীৱৰ॥

সমস্তক চালিয়া ফুৰন্ত কালদেৱে ।
কালৰ বিক্ৰম তবু নজানন্ত কেৱে ॥
যেন মেঘ সমুহক বায়ু চলাৱয় ।
তথাপি বায়ুৰ মহিমাক নজানয় ॥
যেই যেই অৰ্থে ক্ৰূৰবুদ্ধি নৰগণ ।
অতি মহা দুখ কৰি কৰয় অৰ্জ্জন ॥
গুছিবেক দুখ মোৰ সুখ মিলিবেক ।
এহি বুলি আলোচ কৰয় অতিৰেক ॥
তাক পাছে বলৱন্ত কালে বিনাশন্ত ।
পাছে তাৰ অৰ্থে শোক কৰে অপৰ্য্যন্ত ॥
পুত্ৰ ভাৰ্য্যা দান পুণ্য নিকাৰ নকৰে ।
গৃহ ক্ষেত্ৰ জন আনো যত নিৰন্তৰে ॥
ইহাক দুৰ্ম্মতি নৰে মানে সত্য কৰি ।
এহি হেতু সংসাৰে ওপজে মৰিমৰি ॥
ইটো সংসাৰত যেই শীঘ্ৰে মৰি যাই ।
তাতে তাৰ সুখ লভে বিৰকতি নাই ॥
নৰকত পৰি থাকে মহাদুখ পাই ।
তথাপিতো দেহা এৰিবাৰ ইচ্ছা নাই ॥
কৰ্ম্ম ফলে পাৱে যাই নাৰকী জন্মক ।
তাতে সুখ মানে আক লভে কুটুম্বক ॥

পাষণ্ডৰ শব এক নদীত উটি যাই।
খাইবে লাগি কুত্তা একে আনিলে চপাই ॥
পাছে এক জাতি শ্বৰ কুকুৰে দেখিয়া।
কৰিলেক বাধা তাক বিনয় কৰিয়া ॥
হে ভাই নেখাবা আক এৰিয়ো সত্বৰ।
হস্তে একো নকৰিলে কৰ্ম্ম গোবিন্দৰ ॥
কৰ্ণ দুয়ে নশুনিলে হৰিৰ যশক।
চক্ষু নচাহিলে বিষ্ণু বৈষ্ণব জনক ॥
মুখে নলইলে মাধবৰ গুণ গান।
ভৰি নকৰিলে হৰি ক্ষেত্ৰক গমন ॥
অন্যায়ে আনিয়া ভৰিলেক উদৰক।
শিৰে ননমিলা বিষ্ণু বৈষ্ণব জনক ॥
নিন্দিতৰো নিন্দিত কুৎসিত কলেৱৰ।
হেন জানি এৰি যাহ আপোন বাসৰ ॥
মহন্তৰ মন কোপে দুৰ্ব্বাসনা হয়।
অনাদি জন্মক লাগি সংসাৰ সাজয় ॥
সন্তৰ কৃপায়ে সবাসনা লাগ পায়।
তেবেসে পুৰুষ ভকতিৰ ভাগী হয় ॥
হেন জানি যিটো বুদ্ধিমন্ত হয় নৰ।
যেন মতে অনুগ্ৰহ মিলয় সন্তৰ ॥

তাক লাগি যতন কৰিয়ো সৰ্ব্বক্ষণ।
সমস্ত এৰিয়া আন বিষয়ক মন ॥
দুৰ্লভ ভাৰতে হেন তনু আছা পাই।
বোলা ৰাম ৰাম হৌক পাপৰ প্ৰলয় ॥ ৩ ॥

---

## দুলৰি।

এহি মতে গলে জৰি দিয়া নেই
দুখৰ তাৰণ নাই।
অনেক কুকুৰে পথতে কামোৰে
তাৰ বিষে ধাতু যাই ॥
সেহি বেলা পাছে আপোনাৰ পাপ
স্মৰি কান্দে দুখ কৰি।
কিনো দুৰাচাৰ আপোনাক মই
বঞ্চিলোহো হৰি হৰি ॥
ভাৰত ভূমিত উত্তম মনুষ্য
শৰীৰ আছিলো পাই।
হিংসা চুৰি কৰি অন্যায় আচৰি
আনিলো অৰ্থ সদাই ॥

সেহি ধনে ভাৰ্য্যা পুত্ৰক পুষিলো
একো পুণ্য নাচৰিলো।
বৈষ্ণবক দেখি কটাক্ষে চাহিলো
ভাল মুখে নমাতিলো॥
সিহেন শৰীৰে হৰি নভজিলো
কিনো মই পাপী ঘোৰ।
আৰু পুনৰপি মনুষ্য হৈবাৰ
মায়া দূৰ হৈলা মোৰ॥
যাহাক পুষিলোঁ তহিতে এৰিলো
আইলো একেশ্বৰে পৰি।
যমদূতে মোক দুখ দিয়া নেই
গলত লগায়া জৰি॥
ক্ষুধা তৃষ্ণা এৰি এহি মতে কান্দি
যায় বিমোহিত হুই।
উপৰে আদিত্য বতাস বহয়
দুই পাশে বন জুই॥
তলে তপ্ত বালি চৰণ পোৰই
পিঠিত চাবুক মাৰে।
জৰিত ধৰিয়া আজুৰি লই যায়
চলিতে দুখে নপাৰে॥

কত ঠাই ঘোৰ আন্ধাৰ পাৱয়
নেদেখয় চক্ষু মেলি ।
মপাৱে দেখিতে জৰিত ধৰিয়া
যমদূতে নেই ঠেলি ॥
কতো বেলা কুশ কণ্টক পাৱই
খোজেক যাইতে নাৰে ।
চক্ষুক পকাই ক্রোধ কৰি চাই
চাবুকে কোবাই মাৰে ॥
ভক্ষিবাক লাগি স্থল নাহিকয়
খাইবাক পানী নাই ।
মুচ্ছা হুয়া কতো ঠায়ে ঠায়ে পৰি
পুনুগো দুখে উঠয় ॥
পৰম দুর্ঘোৰ হাজাৰেক মন্দ
লক্ষ প্রহৰৰ বাত ।
পৃথিবীৰ পৰা এতেক অন্তৰ
যম নৃপতিৰ পাট ॥
যম দূতগণে ছয় দণ্ডে নেই
এতেক দূৰক লাগি ॥
মহাপাপী হলে চাৰি দণ্ডে নেই
দুখ পাই মন্দ ভাগী ॥

তথাপিতো তাৰ তাতে নাই বিৰকতি।
লোকে বোলে লও বুঢ়া সন্তৰ সঙ্গতি ॥
মুশুনয় কাৰো বোল আছে মায়া জাল।
বোলে গালি পাবে যদি তবু সেয়ে ভাল ॥
আপোনাৰ ঘৰ এৰি যাইবো কোন ঠায়।
এহি বুলি থাকে ছৱালক ওমোলায় ॥
মাথা কাম্পে দন্ত যত লৰফৰ কৰে।
চোবাইতে নপাৰি হাই হুই কৰি মৰে ॥
বায়ুৰ বেগত দুই চক্ষু ওলোতায়।
কাসন্তে কাসন্তে আতি মূৰ্চ্ছিত হোৱয় ॥
বহুতৰে কফে আসি কণ্ঠক ভেণ্টই।
কিছুই নোৱাৰি পাছে মূৰ ঘুমাৱই ॥
মৰিবাৰ বেলা আসি যেখনে মিলয়।
কি কাম কৰিলো বুলি তেখনে গুণয় ॥
চতুৰ্ব্বিভি বেঢ়িয়া কান্দয় বন্ধুগণে।
বাপ ভাই দদা খুড়া বুলিয়া সঘনে ॥
কৈক মৰি যাহা ঝান্তে কিবা আছা থই।
তথাপিতো কাকো চক্ষু মেলি নচাৱই ॥
কাল পাশে বন্ধ হুয়া বচন নোলায়।
নিশ্বাস ছাৰিয়া নিজ কৰ্ম্মক স্মৰয় ॥

হাত ভৰি আছাৰিয়া ধৰ ফৰ কৰে।
দেখি সব বন্ধুগণে অসন্তোষ কৰে ॥
এহি মতে কুটুম্ব পোষন্তে দিন ক্ষয়।
দুৰ্লভ জনম পায় কিবা কাৰ্য্য হয় ॥
নিজ মত বন্ধু সবে থাকন্তে আবৰি।
মহাকস্টে তাহান আগতে যায় মৰি ॥
সেহি বেলা পায় আসি দুই যমদূত।
অতি মহা ভয়ঙ্কৰ দেখিতে অদ্ভুত ॥
ক্ৰোধে দুই চক্ষুক সঘনে পকাৱয়।
তাহাক দেখিয়া হৃদি কম্প উপজয় ॥
অতি মহাত্ৰাসে মল মুত্ৰক এৰয়।
বলে ধৰি অশেষ যাতনা ভোগাৱয় ॥
পাছে তাৰ গলে ছাম জৰিক লগায়া।
অতি বেগে বিদুৰ পথে নেয় টানিয়া ॥
যেন কাৰো ৰাজদূতগণে নেই ধৰি।
সেহি মতে নেয় তাক বলেৰে আজুৰি ॥
শুনা সভাসদ বিলম্বক লুযুয়াই।
জানা এহিমতে আছে সবাৰো বিলাই ॥
পাষণ্ডৰ শব গোট আতি অপবিত্ৰ।
শুনিয়োক তাক কহোঁ কেনে বিপৰীত ॥

ঈশ্বৰ মায়ায় হোৱয় বিমোহিত।
সুমঙ্গল ৰহিত সাধু সেৱা বিৰহিত ॥
ঈশ্বৰক নজানয় দুখে আৰ্ত্তিহয়।
পুত্র ভাৰ্য্যা বন্ধুগণ যতেক থাকয় ॥
আতে বহু দুখ কৰি হৃদয় অপাৰ।
আপোনাক সুখী বুলি মানে দুৰাচাৰ ॥
কুটুম্ব পোষয় দুখে সৰ্ব্ব অঙ্গ দহে।
নিৰন্তৰে পাতক কৰিয়া মাত্র ৰহে ॥
ৰহস্য থানত নাৰী আলাপে মগন।
শুনয় শিশুৰ আৰু মধুৰ বচন।
সেহি আক্রমিয়া আনে সৰ্ব্ব ইন্দ্রিয়ক।
পৰম অতীন্দ্রি হুয়া পাৱয় মোহক ॥
দুখৰ কৰয় প্ৰতিকাৰ ক্ষণে ক্ষণে।
আপোনাক পাছে সিটো মানে সুখী যেনে ॥
চুৰি কৰি ভকা দিয়া অৰ্থক আনয়।
সেহি ধনে ভাৰ্য্যা পুত্র কুটুম্ব পোষয় ॥
যেবে সবে খাইলে পাছে ভোজন কৰয়।
নৰক্ষিলে সেহিমতে লঘোনে থাকয় ॥
যেবে সবে ধন জন অৰ্থ হৈল ছন্ন।
নানা হিংসা কৰি পুনু কৰয় অৰ্জ্জন ॥

শৰীৰ নিঃশক্ত যেবে বল ভৈলা হত ।
পৰৰ ধনক দেখি গুণয় মনত ॥
আমুকাৰ বস্তু মই পাওঁ কোন মতে ।
এহি মতে বাঞ্চা কৰি থাকয় সততে ॥
কুটুম্বক পুষিবাক সমর্থ নহয় ।
ভাগ্যহীন সকলো উদ্যম হয় ক্ষয় ॥
বোহাৰী জীয়াৰীগণ যতেক আছয় ।
খুজিলেও পানী টুপি ভাবুকি মাৰয় ॥
ভাল মুখে তাক আৰু কেহো নমাতয় ।
খুজিবাৰ বস্তুক ভয়তে নোখোজয় ॥
পূৰ্ব্বি হস্তে কেহো তাক নকৰে আদৰ ।
দুনা খানি খুজিলেও নেদন্ত উত্তৰ ॥
যেন বৃদ্ধ বলধক নেদে ঘাস পানী ।
সেহিমতে তাহাক নচাৰে কোন প্ৰাণী ॥
যাক পুছিবেক সেই কৰে অনাদৰ ।
সোতোৰা সোতোৰী ভৈলে অঙ্গ নিৰন্তৰ ॥
কুকুৰক বাঁৰী যেন ভাতক যে দিয়া ।
মৰি নেবা বুঢ়া বোলে চক্ষু পকাইয়া ॥
অবজ্ঞা কৰিয়া দেই তবু তাকে খাই ।
ব্যাধি পীড়ে অল্প অগ্নি জীৰ্ণক নযাই ॥

যমৰ আগত ভেণ্টাৱন্ত নিয়া
বেঙ্কামুয়া যমদূতে।
আগে পাছে তাৰ দুই ভিতি বোল
দেখন্তে আতি অদ্ভুত ॥
বিপৰীত দুখে শৰীৰ কাম্পয়
আগত পৰিয়া আছে।
চিত্ৰ গুপুতক সম্বোধন কৰি
যমৰাজা মাতে পাছে ॥
হেৰঁা চিত্ৰগুপ্ত বিচাৰিও আৰ
কত আছে পাপ পুণ্য।
শুনিয়া তেখনে বিচাৰি কহয়
যতেক কৰ্ম্ম গণন ॥
কৰ্ম্ম মত দণ্ড, কৰিবাক প্ৰতি,
দূতগণে আদেশয়।
সকলো শৰীৰে খেৰক মেঢ়াই
লগাৱয় পাছে জুই ॥
কুকুৰে শগুণে জীৱন্ত দেহৰ
নাড়ি টানি টানি খায়।
সৰ্প ব্যাঘ্ৰ আনো বজ্ৰ ঠোণ্টে তাক
পক্ষী মাৰে খুণ্টিয়াই ॥

২

পৰ্ব্বত সমান বিছাগণ আছে,
পঞ্চম সাত বৰণ।
ক্রোধে টানি টানি তাঙ্ক চোবাৱয়,
তুনাই লভে চেতন ॥
বড়ছা খাণ্ডা ধৰি কাটে হাত ভৰি,
মাৰে হাঁতী গৰকাই।
যমৰ পুৰত আপোনাৰ পাপ,
ভুঞ্জন এৰণ নাই ॥
পৰ্ব্বত ওপৰে কতো বেলি নিয়া,
তৈৰ পৰা পেলাৱয়।
জলৰ ভিতৰে ডুবুয়াই থ'য়
গৰ্ত্তত কতো পোটয় ॥
তামিশ্র ৰৌৰব অন্ধতা মিশ্রক,
আদি যত যাতনাক।
নাৰীয়ে পুৰুষে সবেও ভুঞ্জয়,
নাহিকে এৰণ তাক ॥
নাৰীয়ে পুৰুষে একে লগে যদি,
পাতেকক আচৰয়।
তেবে দুয়ো জনে একে লগে ভুঞ্জে,
আপোনাৰ পাপচয় ॥

একলে কৰিলে, একেশ্বৰে ভুঞ্জে
কহিলো মই বুজাই ।
ঐহিকে নৰক ঐকিকে স্বৰগ,
দেখিয়োক তুমি আই ॥
যত যত কৈলো যমৰ নিকাৰ,
ইঠাৱন্তে দেখা তাক ।
কতো কতো লোকে মহাসুখে থাকে,
কতো ভুঞ্জে যাতনাক ॥
উদৰ ভৰিলে, কুটুম্বক পুষিলে,
পাপ কৰি দুষ্ট চিত ।
দুইকো ঐত এৰি পৰলোকে দুখ,
ভুঞ্জয় যমপুৰীত ॥
একেশ্বৰে যম, পুৰক পাৱয়,
এৰি স্বকী কলেৱৰ ।
পাপ খানি মাত্ৰ, লগৰ সম্বল,
নাহিকে আন অপৰ ॥
কেৱল মায়াত, মজিয়াছে মাত্ৰ,
পুত্ৰ ভাৰ্য্যা আদি লই ।
মোৰ মোৰ বুলি, অনৰ্থ কৰিয়া,
নৰক পৰি ভুঞ্জয় ॥

মনুষ্যৰ তনু, ক্ৰমে কীট আদি,
যতেক যোণী আছয় ।
অনুক্ৰমে সিটো, সবাতো ওপজে,
এৰাইব়াক নপাৰয় ॥
শুনা সভাসদ, তপ জপ পূজা,
সন্ন্যাস বেদ পঢ়য় ।
জল অগ্নি সূৰ্য্য, তাৰাক উপাসে,
যতেক আন আছয় ॥
মহন্তৰ পদ, ধূলি সেবা বিনে,
কৃষ্ণক কেহোঁ নপাৱে ।
সকল সমাজে, ৰাম ৰাম বোলা,
সাধুত পীৰিতি ভাৱে । * ॥

---

# ছবি ।

কপিল বদতি সতী, শুনিয়োক দেবহুতি,
মনুষ্য কুমাৰী তুমি আই ।
পৃথিবীত বহু দুখ, ভুঞ্জি পাছে শুদ্ধ হই,
মনুষ্যত উপজে দুনাই ॥
প্ৰথমতে পুৰুষৰ, হৃদয়ত স্থিত হুয়া,
পাছে ৰেতসত বাসালৱে ।

নাৰী পুৰুষ সম্ভোগ, সময়ত গৈয়া পাছে,
বিষ্টাৰ উদৰে নিয়া থোৱে ॥
ঈশ্বৰ ইচ্ছায় আসি, অদৃষ্ট বশত থাকি,
শুক্র শোনিত ইটো দুই।
এক ৰাত্রি ভৈলে পাছে, কালৰ বিক্রয় ভৈতে,
দুয়ো অতিশয় মিশ্র হুই ॥
পঞ্চ ৰাত্রি ভৈলে পাছে, বর্ত্তুল আকাৰ হোৱে,
শুনিয়ো ইহাৰ অনন্তৰ।
দশ ৰাত্রি বদৰীৰ, ফুল সম ডাঠ হৱে,
এহিমতে জীবৰ আকাৰ ॥
এক মাস বহি গৈলে, মাংস পিণ্ড হয় আসি,
তাৰ পাছে দ্বিতীয় মাসত।
শিৰ বাহু চৰণক, আদি যত অঙ্গ চয়,
হোৱে আসি বিভাগ সমস্ত ॥
তৃতীয় মাসত পাছে, নানা সব অস্থি চয়,
লিঙ্গ চিহ্ন নাৰী পুৰুষৰ।
চক্ষু কর্ণ নাসা আদি, ইসবৰ চিহ্ন গণ,
দেখন্তে শোভন ৰুচিকৰ ॥
ছাল মাংস মজ্জা আদি, পুৰুষৰ সাত ধাতু
হয় আসি চতুর্থ মাসত।

পঞ্চ মাস হৈলে পাছে, ক্ষুধা তৃষ্ণ আদি কৰি,
আনো সব আছে যত যত ॥
ছয় মাস প্ৰবেশিলে, গৰ্ভক বেঢ়য় জালে,
সকল শৰীৰ থাকে ঢাকি।
দক্ষিণ কুক্ষিত সদা ভ্ৰমি থাকে জননীৰ
অদৃস্ট বশত সিটো থাকি ॥
মাতৃয়ে যতেক খাই অন্ন পান আদি কৰি,
তাহাতে বল বাঢ়য় তাৰ।
বিষ্টা মুত্ৰৰ গৰ্ভত পৰি থাকি চিৰকাল,
দুখ আত্তি পাৱে বহুতৰ ॥
জননীৰ আছে যিটো অৰ্পয়নী নাড়ি গোট
শিশুৰ নাড়িত বন্ধ হুই।
সেহি দ্বাৰে অন্ন ৰস তাৰ শৰীৰক যাই,
ইটো কথা অঘটন নুই ॥
মাতৃৰ উদৰে আছে যত যত কৃমিগণ,
গাৱে বেঢ়ি নিৰন্তৰ খাই।
সুকোমল শৰীৰে ৰুধিৰ বহয়ে ধাৰে,
ঘাৱ মত হোৱে ঠাই ঠাই ॥
বহুতৰ বেদনাত বাৰে বাৰে মুৰ্চ্ছা যাই,
হৈ থাকে অতি অচেতন।

মাতৃয়ে লোভত থাকি জলা টেঙ্গা লোণ ক্ষাৰ,
যত যত কৰয় ভোজন ॥
তাৰ ৰসচয় যাই শৰীৰত প্ৰবেশয়,
সৰ্ব্বিখানে সঞ্চৰয় গাৱ ।
ঘাওৰ মুখত সেহি জলা টেঙ্গা ক্ষাৰ লাগি
ধৰ ফৰ কৰিয়া ফুৰয় ॥
সকল শৰীৰ তাৰ জালে আবৰিয়া থাকে
নাড়ি আৰ বেঢ়ি থাকে তাতে ।
দক্ষিণ কৰিয়া শিৰ অধোমুখ হুয়া থাকে,
দুই চক্ষু ঢাকি দুই হাতে ॥
দুখৰ কালত যেন পিঠি ঘাৰ ভাঙি পৰে,
লৰিতে নোৱাৰে হাত পাৱ ।
যেন বোকোন্দাত ভৰি বান্ধি আছে টান কৰি
আঠু শিৰ কৰি এক ঠাৱ ॥
পূৰ্ব্বৰ যতেক জাল গৰ্ভতে থাকন্তে আসি,
জাগে আক শত জনমৰ ।
যিবা কৰ্ম্ম যেন যেন জনমক পায়াছিলোঁ,
শৃগাল কুকুৰ শুকৰৰ ॥
সেহি সেহি জনমত যেন যেন কৰ্ম্ম ভৈলা,
সিসব সমস্ত সুমৰয় ।

সি সব কৰ্ম্মক স্মৰি শ্বাস কাঢ়ে দীৰ্ঘ কৰি,
কিঞ্চিতেকো সুখ নলভয় ॥
সাত মাস হৈল হেন বিশিষ্ট বোধক লভে,
অতিশয় পৰম সুন্দৰ।
প্ৰসূতি বায়ুয়ে তাক গৰ্ভত ফুৰায় পাক,
থিৰ নথাকয় কলেবৰ ॥
পুনৰপি গৰ্ভ বাস নৰকত স্থিত হুই,
কৃতাঞ্জলী তুতি আৰম্ভয়।
কৃষ্ণৰ আগত জীৱে ব্যাকুল বচন বুলি,
নিৰন্তৰে প্ৰাৰ্থনা কৰয় ॥
আৰ কিছু মই পাপ নকৰিবো কৃষ্ণবাপ,
আচৰিবো পুন্যক সদায়।
জনম মৰণ ঘোৰ পুনু যেন নহে মোৰ,
হেন কৃপা কৰা যদুৰায় ॥
জগত ৰাখিতে প্ৰতি বহুবিধ ধৰা ৰূপ,
ভূমিত চৰায় যায় পাৰ।
তান দুই চৰণত ভৈলোঁহো শৰণাগত,
নাহি যাত কালৰ প্ৰভাৱ ॥
বোলা যদি সিটো কোন যাহাত শৰণ লয়
তান তোৰ কমন বিশেষ।

যিটো বিশেষত ভৈলা সেবৰ সেবক ভাৱ,
শুনা হেন প্ৰভু হৃষিকেশ ॥
ভূত্যৰ ইন্দ্ৰিয়গণ ইটো ঘোৰ মায়া আছে,
দেহ কোষে পৰি গতি নাই।
ইহাক আশ্ৰয় কৰি মাৱৰ গৰ্ভত আছোঁ,
কৰ্ম্ম পাশে বন্ধ য়েন হুই ॥
নিৰন্তৰে তাপ পাঁও ক্ষণিকো নাহিকে সুখ
তৰণ উপায় কিছু ন'য়।
তাহানে আমাক জানো অনেক অন্তৰ হুই,
তাক সঙ্গ ধৰণ নযায় ॥
হৰিয়ো ইহাতে আশা তথাপিতো সৰ্ব্বকালে,
বিশুদ্ধৰ খণ্ড বোধ যাৰ।
মোৰ হৃদয়ত যিটো আছন্ত সাক্ষাত হুই
তান পাৱে কৰো নমস্কৰ ॥
শুদ্ধমত পঞ্চভূত বিৰচিত দেহেমই,
তথাপি মায়ায়ে ভৈলো ছন্ন।
প্ৰকৃতি পুৰুষ দুই নিয়ন্তা ঈশ্বৰ কৃষ্ণ
তান পাৱে কৰোহোঁ বন্দন ॥
জ্ঞানে ইটো ভব বন্ধ সমূলক্তে দূৰহয়,
কৃষ্ণ বন্দনৰ কোন কাম।

হেন যদি বোলা শুনা ইহাৰ উত্তৰ দেওঁ,
হে প্ৰাণ নাথ যদুৰাজ ॥
যাহাৰ মায়ায়ে জীৱে স্বৰূপক পাসৰিয়া,
পৰিলে সংসাৰ পঙ্ক মাঝ ।
ত্ৰিগুণ নিৰ্ম্মিত কৰ্ম্ম নিৰন্তৰে বহু আছে,
বিটো ঘোৰ সংসাৰ পথত ॥
হেনয় পথত আমি দুখে চিৰকাল ভ্ৰমো,
চৰিত্ৰ বুদ্ধি ভৈল মোৰ হত ।
আমাৰ দুখিত জীৱ তযু অনুগ্ৰহ বিনে,
হে প্ৰাণ প্ৰভূ নাৰায়ণ ॥
নাপাওঁ বিচাৰি মই কোন যুগুতিত থাকি,
পুনু হৈবো স্বৰূপ লভন ।
যিবা স্বৰূপ লভি অনুবৰ্ত্তী থাকো ময়,
তিনি তাপে সদায়ে দহয় ॥
ইটো তাপ নিবৰ্ত্তন অৰ্থে প্ৰভূ নাৰায়ণ,
ভজোঁ তযু চৰণ হৃদয় ।
তুমি সে দিবাক পাৰা স্থাবৰ জঙ্গম আছে,
অন্তৰ্যামী ৰূপে শুদ্ধ হুই ॥
হে কৃষ্ণ দেব মোৰ কৰিয়ো উদ্ধাৰ বাপ,
অল্প দৃষ্টি কৰা যদুৰায় ।

মাতৃৰ গৰ্ভত দুখে　　　পৰি আছোঁ নিৰন্তৰে,
বিষ্টা মুত্ৰ কেও তুচ্ছ কৰি ॥
জঠৰৰ অগনিয়ে　　　দহি আছে সৰ্ব্বত্ৰই,
ইটো দুখ সহিব নোৱাৰি ।
প্ৰতি নিতে নিতে মই　　　দিন মাত্ৰ গণি থাকো,
দশ মাস হৈবে কত দিনে ॥
কৈসানিনো কৃপাকৰি　　　ইটো গৰ্ভহন্তে মোক,
বাজ কৰিবন্ত নাৰায়ণে ।
যিটো হেন জ্ঞান কৰি　　　দিলা মোক কৃপা কৰি,
ইটো মাত্ৰ তযু উপকাৰ ॥
কৃতাঞ্জলি বোলোঁ বাণী　　　মোৰ ঋণ সুজিবাক
নেদেখোহোঁ কৰিয়া বিচাৰ ।
আপোনাৰ কত স্তুতি　　　আপুনি হুয়োক তুষ্ট,
হে দীননাথ সৰ্ব্বজ্ঞাত ॥
চৰণে শৰণ লৈলোঁ　　　তোমাত বিক্ৰয় গৈলোঁ,
ৰাখা ঘোৰ সংসাৰ তাপত ।
ইটো জীৱগণ যত　　　পশু আদি শৰীৰত,
সুখ দুখ মাত্ৰক জানয় ॥
পূৰ্ব্বাপৰ আনকিছু　　　গণিবাক নপাৰয়,
শুনি প্ৰায় মনে নেদেখয় ।

সম দম আদি যত সমস্ত সাধন সম
নৰ দেহ শোভন ইহাতে।
তযু নাম মহাজ্ঞান হৃদয়ৰ বাহিৰত
পূৰ্ণৰূপে দেখোহো সাক্ষাতে ॥
হেন যদি প্ৰভু ইটো গৰ্ভবাস নৰকত
আছোঁ পৰি পৰম দুখত।
তথাপিতো আৰ হস্তে বাজ হৈতে নোখোজোহোঁ,
ৰহোঁ মই তযু চৰণত ॥
বাহিৰত গৈলে মোক তযু মায়া মুহিবেক,
মই বুদ্ধি হৈব মিছা দেহে।
পুত্ৰ ভাৰ্য্যা বন্ধু যত মোৰ বুলি হৈবে ৰত,
সংসাৰে মজিবো তাৰ স্নেহে ॥
আন মিছা ব্যাপাৰত আয়ু বৃথা হৈবে হত,
নহিবেক মোহোৰ ভজন।
দুৰ্লভ মনুষ্য তনু বিফলে নিয়ামো প্ৰভু
হে প্ৰাণ প্ৰভু নাৰায়ণ ॥
এহি হেতু নোহোঁ বাজ মাৱৰ গৰ্ভত থাকি
তোমাৰ চৰণ উপাসিবো।
সেহি সাধনৰ বলে সংসাৰৰ যত নৰে
আপোনাক আপুনি নিস্তাৰিব ॥

নাহিকে তিলেক সুখ গৰ্ভবাসে নানা দুখ
কতনো ভুঞ্জিবো মৰি মৰি ।
যেন ইটো তাপ ঘোৰ পুনৰপি নোহে মোৰ
কহিলো তোমাত প্ৰাণ হৰি ॥
আগে বোলো ভয়ঙ্কৰ ইটো দুখ সমুদ্ৰক
কৈসানিনো আৰ বাজ হৈবোঁ ।
সুমৰি কৃষ্ণৰ মায়া বাজ হৈতে নোখোজোহো
পুনু বোলো ইয়াতে থাকিবো ॥
এতেকে নিশ্চয় কৰি মাতৃৰ গৰ্ভত জীবে
থাকে পৰি পৰম দুখত ।
পুনু দশ মাস পাছে ভৈলেক তাহাৰ আসি
ঘোৰ দশমাস সমাগত ॥
পাছে সেই সময়ত প্ৰসূতি মৰুত নামে
বায়ু লাগ পাইলে আসি তাৰে ।
অতিশয় বলে ধৰি ওভোটাই থয় তাক
পশে গৈয়া যোনীৰ দুৱাৰে ॥
যতেক আছিল জ্ঞান সমুলঙ্কে ভঙ্গ গৈল
হেট মুণ্ড কৰি ৰহি আছে ।
যাতনাত মূৰ্চ্ছা হুই গাৱত চেতন নাই
মৃততুল্য জন্ম লভে পাছে ॥

বিষ্টা মুত্র ৰক্ত মাংসে লিপ্ত হুয়া শৰীৰত
পৃথিবীত পৰি তেতিক্ষণে ।
গৰ্ভৰ যতেক জ্ঞান সকলো গুছিল তাৰ,
মূৰ্চ্ছা হুয়া থাকে অচেতনে ॥
নমো নমো দেব হৰি এহিতো উৎসব কৰি
আছিলোহোঁ মাতৃৰ গৰ্ভত ।
তৈৰ পৰা বাজ ভৈলোঁ তোমাৰ মায়ায়ে পায়
চূৰ্ত্তি বুদ্ধি মোৰ ভৈলা হত ॥
মই মহা দুখীজন হে প্ৰভু নাৰায়ণ
সাধু সঙ্গ দিয়ো কৃপা কৰি ।
যত সমজ্যাৰ লোক ৰাম ৰাম বুলিয়োক
আনন্দে চলিয়ো বিষ্ণু পুৰী ॥

—০—

পদ ।

কপিল বদতি শুনা দেবহুতি আই ।
ময়ো নেজানিলো এহি জীৱৰ বিলাই ॥
চূৰ্ত্তি হত হুয়া পৃথিবীত পৰি ৰয় ।
স্তনক লাগিয়া পাছে ক্ৰন্দন কৰয় ॥

শ্রীমন্ত শঙ্কৰে সমস্ত লোকৰ
চিন্তিছে অশেষ হিত ।
সংসাৰ সাগৰ তৰণ উপাই
ভকতি কৰি বিদিত ॥
কৃষ্ণ দাস কহে অনন্ত কন্দলি
আন চিন্তা পৰি হৰি ।
শুনা সৰ্ব্বজনে কায় বাক্য মনে
ৰাম বোলা মুখ ভৰি ॥

---

ইতি জীবস্তুতি সমাপ্তঃ ।

